# —সুৰৰ নিজৰা—

( গানৰ কিতাপ )

শ্ৰীমহেন্দ্ৰ নাথ সভাপণ্ডিত, এম, এ

'Surar Nijara'—a Book on Assamese Songs Written by
Shri M. N. Sabhapandit M. A., published by
Shri M. C. Sarma, Choladhara, Jorhat
and printed at The Tribune Press,
Gauhati-3.

প্ৰকাশক :
শ্ৰীমাধৱ শৰ্ম্মা
চোলাধৰা
যোৰহাট
অসম।

প্ৰথম প্ৰকাশ :
১০ জানুৱাৰী, ১৯৬৫ চন
দ্বিতীয় প্ৰকাশ :
১৫ মে' ১৯৬৭ চন।

মূল্য : এটকা মাত্ৰ।

ছপা কৰোতা :
ট্ৰিবিউন প্ৰেছ, গুৱাহাটী।

# আমাৰ একেষাৰ

মই নিজে গায়ক নহলেও গান ভাল পাওঁ। একেৰাহে গানৰ চৰ্চ্চা কৰি নাথাকিলেও এৰা-ধৰাকৈ এই বিষয়ত মনোনিবেশ কৰি আহিছোঁ।

এই পুথিখন লিখিবলৈ হাতত লোৱা আজি তিনি বছৰৰো অধিক কাল হ'ল। এই কালছোৱাৰ ভিতৰত নানা আলৈ আহুকাল আৰু বাধা বিঘিনিৰ মাজেদি এই ক্ষুদ্ৰ পুথিখনি যুগুত কৰা হৈছে। আমাৰ এই প্ৰচেষ্টাত শ্ৰদ্ধেয় শ্ৰীযুত খানেশ্বৰ শৰ্ম্মাদেৱে অকুণ্ঠ চিত্তে সহায় সহযোগ আগবঢ়াইছে। তদুপৰি বন্ধুবৰ লক্ষ্মী বৰঠাকুৰ, সৰুনাথ শইকীয়া, শশধৰ ভূঞা আৰু শ্ৰীমান লক্ষী গগৈয়ে আমাক যথেষ্ট উৎসাহ আৰু উদগনি দিছে। ঝুমুৰ গীতকেইটা আমাৰ ছাত্ৰ শ্ৰীমান জুধচেন টুৰীয়ে সংগ্ৰহ কৰি দিয়াৰ বাবে তেওঁক ধন্যবাদ জনাইছোঁ। উত্তৰ লক্ষীমপুৰ টাউন নামঘৰৰ নামঘৰীয়া জনেও বৈৰাগী গীত কেইটা লিখাত আমাক সহায় কৰা বাবে তেখেতৰো শলাগ লৈছোঁ। সদৌ অসম মইনা পাৰিজাতৰ সাধাৰণ সম্পাদক শ্ৰীহেমন্ত বৰদলৈয়ে আমাক যথেষ্ট উদগনি দিছে।

উত্তৰ লক্ষীমপুৰ জিলাৰ মইনা পাৰিজাতৰ দ্বিতীয় বাৰ্ষিক অধিবেশনত "বিশ্ব মানৱৰ কল্যাণকামী অকণি এধানি মইনা আমি" এই গীতটি মইনাসকলে পৰিবেশন কৰিছিল। ১৯৬৩ চনৰ মে' মাহত Northern Assam Circle Tournamentৰ সংস্কৃতি সভাত "মণিৰ দেশৰ, লক্ষীৰ দেশৰ, জ্যোতিৰ দেশৰ লোক আমি" এই গীতটিৰে উদ্বোধন কৰা হৈছিল। তদুপৰি চীনৰ নগ্ন আক্ৰমণৰ সময়ত এই পুথিত সন্নিবিষ্ট কৰা কেইবাটাও দেশপ্ৰেম মূলক গীত All India Radio, Gauhatiৰ যোগেদিও প্ৰচাৰৰ বাবে প্ৰেৰণ কৰা হৈছিল।

সদাশয় পাঠক আৰু গায়িকাসকলৰ সহানুভূতি কামনা কৰি এই পুথিখন ৰাইজলৈ আগবঢ়োৱা হ'ল।

এই পুথিত থকা গান বিশেষ কোনো গায়ক-গায়িকাই All India Radioৰ যোগেদি পৰিবেশন কৰিবলৈ হলে আগ-তীয়াকৈ লিখকৰ পৰা অনুমতি লব লাগিব। ইতি—

বিনীত,

শ্ৰীমহেন্দ্ৰ সভাপণ্ডিত

# সূচীপত্ৰ





## ॥ বাগেদেবী বন্দনা ॥

(১)

বীণখনি বাই আই বীণাপাণি
বিলোঁৱা আমাৰ হিয়াই হিয়াই,
জ্ঞান গৰিমাৰ সোণালী কিৰণ,
তোমাৰ চৰণে কৰোঁ নিবেদন।
অকণি হিয়াৰ ভকতি কুসুম
যাচিছোঁ তব চৰণ তলে
দিয়া সদ্‌মতি মূৰুখ মতিক
অবোধ সন্তানৰ মিনতি প্ৰাণৰ।
বীণখনি বাই আই বীণাপাণি...

## ॥ ঈশ বন্দনা ॥

(২)

কৰিছোঁ কাকুতি
কৰুণা মূৰুতি
হিয়াৰে দেৱতা মোৰ,
তনু, মন, প্ৰাণ
সপিছোঁ তোমাত
কৰা পৰিত্ৰাণ জগদীশ্বৰ
তোমাকে ধিয়াই
চিৰদিন আমি
পাওঁ যেন অমিয়া সুখ,

বিমল আনন্দ
জাগক হিয়াত
আঁতৰক যত দুখ ।
জীৱনে মৰণে
পথৰ সমল
তোমাৰ বিমল নাম,
সপোনে সঁচিতে
মুখৰিত হওক
পবিত্ৰ তোমাৰে নাম ।

## ॥ জনমভূমি বন্দনা ॥

(৩)

চিৰ চেনেহী জননী আমাৰ
কিহেৰে পূজিম চৰণ তোমাৰ
হিয়াৰ হিয়াত ভকতি কুসুমে
দিবা ৰাত্ৰি কৰোঁ আৰতি তোমাৰ

ধনে ধানে পুষ্পে শোভা
বনে উপবনে মুনি মন লোভা
জননী আমাৰ কেনে মনোৰমা ।

চেনেহী জননী বন্দে
অমৰ মধু ছন্দে ।

চিৰ চেনেহী জননী আমাৰ ........

## ॥ মহা মানৱ বন্দনা ॥

(৪)

জয়তু গান্ধীজী
জয়তু গান্ধীজী,
মধুৰ মধুৰ সুৰে সুমধুৰ
বাজিছে হিয়াত জাতীয় সুৰ ।
তুমি প্ৰাণাধিক দেৱতা নৰৰ
সাম্যৰ বাণী প্ৰচাৰি ধৰাত
মহাভাৰতৰ দেৱতা মহান
কৰোঁ প্ৰণিপাত শত শত বাৰ ।
অমৰ সেৱক জাতিৰ জনক
জগত পূজন দেৱ নাৰায়ণ
মুক্তিৰ বাৰতা জগত খনতে
হওক প্ৰচাৰিত, নৰ-নাৰায়ণ ।
কৰোঁ প্ৰণিপাত অৱনত শিৰে
আশীষ নিৰ্মালি মাগোঁ চিৰদিনে ।

## ॥ ৰাষ্ট্ৰীয় পতাকা বন্দনা ॥

(৫)

সগৌৰৱে উৰিছে সৌৱা
জাতিৰ প্ৰতীক জাতীয় নিচান,
কৰোঁ নমস্কাৰ শত শত বাৰ
সবাৰো প্ৰাণত জগোৱা প্ৰেৰণা ।
জাতিৰ জীৱন ৰঞ্জিত কৰি
অমৰ গৌৰৱ ঘোষে সৰতত ।

চিৰ সাধনাৰ স্বাধীনতা ধন
ৰক্ষা কবচ চেতনা প্ৰাণৰ
জাগা ভাৰতৰ সেৱক সেৱিকা
ভাৰতী আইৰ পূজাৰ বেলিকা।

## ॥ মইনাৰ গীত ॥

(৬)

বিশ্ব মানৱৰ কল্যাণকামী
অকণি এধানি মইনা আমি।
হিয়াৰ দেউলত মূৰুতি থাপি
আলোক বিচাৰি আহিছোঁ আমি।
জ্ঞান গৰিমাৰ পোহৰ বিলাই
জগত খনকে নকৈ সজাম
অ' নকৈ সজাম
সৰগৰ কুসুম মৰতত ফুলাম
সুৰৰ সাধনা ৰূপেৰে বুলাম।
মুক্ত মনেৰে যুক্ত ভাৱেৰে
জগত খনিকে আপোন কৰিম।
বিশ্ব মানৱৰ কল্যাণ কামী........

(৭)

উঠা অসমীৰে বীৰ অকণিৰে দল
স্বাধীন যুগত জনম তোমাৰ
মুক্ত মনৰ দীপ্ত সুৰে,
লুপ্ত কৰা পঙ্কিলতা ;
আনা সৰগৰ মধুৰ জ্যোতি
বিলোৱা সবাৰে হিয়াই হিয়াই।

তোমাৰ মনৰ পথাৰ খনত,
ন কৈ সিচাঁ জেউতি কণা ;
পাঞ্চজন্য বাজক আকউ
সত্যৰ জয় ঘোষণা কৰা ।
উঠা অসমীৰে বীৰ অকণিৰে দল ।

(৮)

অ' অসমীৰে বীৰ অকণিৰে দল
বীৰৰ দেশত জনম তোমাৰ
জয়া, লাচিত, কনকলতাৰ
দীপ্ত ইতিহাসে
মাতে ৰিঙিয়াই
আগবাঢ়া, বাঢ়া আগ
অ' অসমীৰে বীৰ অকণিৰে দল
চিৰ সেউজীয়া ধৰণী আমাৰ
কৰা মহীয়ান ।
সবাৰে প্ৰাণত চেতনা জগাই
হোঁৱাহে আগুৱান ।
অ' অসমীৰে বীৰ অকণিৰে দল-

## ॥ ভজন ॥

(৯)

কৃষ্ণ কানায়া
তেৰি চৰণেহি লাগু,
মেৰি পামৰ মন ।
তুহুঁ বিনে কোন গতি
অবোধ নৰৰ ।

জীৱন তাৰণ
প্ৰভু নাৰায়ণ,
তেৰি চৰণে
সদা শুভ মতি হোক,
মেৰি পামৰ মন।
কৃষ্ণ কানায়া
তেৰি চৰণেহি লাগু,
মেৰি পামৰ মন।

(১০)

শ্ৰীগোপাল মনোহৰ
দেৱজন পূজন বংশী বাদক
মহিমা বিমণ্ডিত জগ জন বন্দন
চৰণ কমল পূজে গোপীগণ।
বৃন্দাবন তীৰে মধুৰ সুৰে
গোপীকা গাৱে বন্দনা গীতি
তুমি সিদ্ধিদাতা মনোহৰ ৰাম
ভকতি প্ৰণতি নয়নাভিৰাম।
ভজো তব চৰণ অৰবিন্দে
ছন্দে ছন্দে গীতি অভিনন্দে

(১১)

হৰি অৱতৰে কাৰাগাৰে
সকল দিশ পৰম নিৰমল,
অভ্ৰ সুষমা ধাৰে
সুখদ, সুগন্ধ শীতল বলয় মলয়া বাও
দেৱগণে শুভদিনে গাৱত জয়গান।

বিনয় কৰত বিৰিঞ্চি নাৰদ
সিদ্ধ যোগীগণ যত,
দেৱতা কিন্নৰ গানে গন্ধৰ্ব্বৰ
আনন্দে অধীৰ দেৱৰাজ।
চাৰিভূজে শোভে শঙ্খ, চক্ৰ, গদা, পদ্মচয়
ভৃগুলতা কৌস্তভ শোভিত কান্তি মনোহৰ।

(১২)

জগদাশ্ৰয়, মঙ্গলময়, পূৰ্ণকাম সুন্দৰ ৰাম
তপ জপ ব্ৰত নিয়ম সংযম যজ্ঞ দান অপাৰ।
ৰাম সম নহি এক সাধন ৰাম সৱ আধাৰ
সৱে মিলি কহো জয় জয় ৰাম।
ৰাম গুৰু, পিতা, মাতা ৰাম সুহৃদ উদাৰ
ৰাম স্বামী, সখা শুভ, প্ৰিয় পৰিবাৰ
ৰাম জীৱন, ৰাম তন, মন, ৰাম ধন জন দ্বাৰ
সৱে মিলি কহো জয় জয় ৰাম।

(১৩)

নাচে নাচে বাল গোপাল
গাৱত সানন্দে গীতি গোপ বালা,
বহে নয়নৰ নীৰ অবিৰত........
প্ৰেম অমৃত মধু পানে
পুলকিত তনু মন অনুৰাগে।
সৱে মিলি গীতি গাৱে
নাচে নাচে বাল গোপাল।
ব্ৰজাঙ্গনা সৱে হৰষিত মনে,
গাহে গোবিন্দৰ বন্দনা গীতি ;
তুঁহু হামাৰি গতি মতি।

(১৪)

শ্যাম, তুমি বিনে
মন নাহি পাৰে
নিৰমল ভক্তি সুহাগ।
বিৰহ ব্যথা সাগৰে তেজিয়া
গৈলাহা মথুৰা ধাম।
বিৰহ তাপে নৰহে জীৱন
দিয়া দৰিশন
মনমোহন নন্দলাল।
অতি বিহ্বলা বৃষ ভানু নন্দিনী
বহে অবিৰত নয়নৰ নীৰ
শ্যাম কানু তুঁহু বিনে
গতি নাহি আৰ।
শ্যাম, তুমি বিনে,
মন নাহি পাৰে
নিৰমল ভক্তি সুহাগ।

## দেহ বিচাৰৰ গীত

(১৫)

সুন্দৰ দেহৰ ৰূপৰ গৰিমা
কতেনো হেৰাল হাঁয়,
মানবী হিয়াৰ অশেষ বাসনা
ধূলিতে মিলি যায়।

অনন্ত কামনা পাৰ ভাঙি অহা
কপাঁই মানৱী কায়া,
কতেনো বিলীন হল হে মনাই
মৰণৰে পৰে ছাঁয়া।

মাটিৰ দেহাটি মাটিতে মিলিলে
সকলো পৰিল তল,
দেহা সঁজাটি কাটি কৰি থই
আত্মা পক্ষী উৰি গ'ল ।

সুন্দৰ দেহৰ .... .... ।

(১৬)

যিদিনা আহিব সিপাৰৰ বাতৰি
জীৱনৰ বেহানি সকলো সামৰি
যাবগৈ লাগিব সিপুৰীৰ মেলালৈ
ইপুৰীৰ সবাকে এৰি

মোৰ গুৰু ঐ, ইপুৰীৰ সবাকে এৰি ।

আঁচলৰ ধনবিত নেযাব লগত তোৰ
নেযাব আপোনাৰ জন,
এই জনমৰে সকলো বিভূতি
পৰি ৰ'ব যত ধন সোণ ।

মোৰ গুৰু ঐ, পৰি ৰ'ব যত ধন সোণ ।

আপোনাৰ দেহাটি আপুনি নিচিনা
কৰিছা মায়াকে সাৰ,
মায়াৰে বান্ধনি চিঙি মোৰ গুৰু ঐ
কোন দিনা কৰিবা পাৰ ।

সিদিনা আহিব........

## ॥ মণিৰাম দেৱানৰ গীত ॥

(১৭)

মণিৰাম, মণিৰাম
কেনে ধুনীয়া নাম
অসমীৰ আদৰৰ ধন ।

কেনেকৈ ধৰিলে তোকে ঐ মণিৰাম
কেনেকৈ ধৰিলে তোক,

আমাৰে দেশতে বিদেশী বঙালে
গোঁজতে গঁজালি হ'ল ।

দেশৰে মানুহে শতুৰু শালিলে
তোকে যে ধৰি লৈ গ'ল ।
মণিৰাম, তোকে যে ধৰি লৈ গ'ল ।

আপোনাৰ দেহাটি ফাঁচীৰে কাঠলৈ
কোনেনো বঢ়ালে আগ
মণিৰাম, কোনেনো বঢ়ালে আগ,

মণিৰাম, মণিৰাম
কেনে ধুনীয়া নাম
অসমীৰ আদৰৰ ধন ।

মণিৰাম পিয়লিৰ মৰণ বাতৰিয়ে
বোৱালে শোকৰ ঢল

ৰংপুৰ চহৰত শোকৰে বিনানি
মণিৰাম কলৈনো গ'ল ।

## ॥ বৃন্দ গীত ॥

(১৮)

নতুন যুগৰ আমি
নতুন মানৱ—
গাওঁ আমি নতুনৰে গান ।

পুৰণি পৃথিৱী খনি
নতুন বেশেৰে সাজি
চাই লওঁ হেপাঁহ পলাই ।

আকাশে বতাহে শুনোঁ,
নতুনৰে গান
পৰ্ব্বতে ভৈয়ামে তাৰ
উঠে প্ৰতিধ্বনি
শিলৰ বুকুতো জাগে
চেতনা যুগৰ ।

আমি যুগ যাত্ৰী........
নতুন স্বৰেৰে ছন্দিত কৰি ;
গিৰি গুহা বন উপবন ;
দূৰ কৰি অলসতা হীনতা, দীনতা
আমি গাওঁ নতুনৰে গান ।

(১৯)

কোন অতীতৰ গৌৰৱ সনা
উজ্জ্বল ইতিহাস,
যোৱা আগুৱাই বিঘিনি গুচাই
পাহৰণি পৰিহাস ।

সমুখ আজি আলোকে উজ্জ্বল
জীৱনৰে আহ্বান,
মানৱ প্ৰাণক জগাই দিয়াৰ
কঠোৰ কৰ্ম সাধন।
কৰ্মই মাথো সহাঁৰি দিয়ে
প্ৰগতিৰ পূৰ্ণ ৰূপ,
জিলিকি উঠক জ্যোতিভৰা পথ
এন্ধাৰৰ কৰি লোপ।
সত্য সোঁৱৰাই কৰ্ম সাধনত
জাগক প্ৰাণৰ সাহস,
আদৰি আনক সাহস সিদ্ধি
বিজয়ৰে মধু উল্লাস।

(২০)

সত্য পথৰ পথিক আমি
জ্ঞান হীৰাৰ জেউতি বিচাৰি
ধাবিত আমাৰ মন।
সত্য. ন্যায়ৰ বিজয় ধ্বজা
হাতে হাতে জিলিক উঠক ;
হিমালয় সম স্থিত প্ৰজ্ঞাৰে
যাওঁ আমি আগুৱাই—
আমাৰ ইয়ে পুণ্য অভিযান
ইয়ে আমাৰ পুণ্য অভিযান ;
দশোদিশ আজি মুখৰিত হওক
জ্ঞানৰ পবিত্ৰ মধ গুঞ্জৰণে।

সত্য পথৰ পথিক আমি,
জ্ঞান হীৰাৰ জেউতি বিচাৰি
ধাবিত আমাৰ মন ।

(২১)

বাজে ৰণভেৰী
উঠা সাজি কাচি
বীৰ অসমীৰে দল
আজি লাচিত, কুশল, কনকলতাক
জগাই দিবৰ হ'ল........।

সৌ অদূৰত ৰণ চালি ধৰি
শুৱনি দেশক মষিমূৰ কৰি
আহে পাষাণ চীনৰ দল ।

যুগবাণী আমাৰ পথৰ সাৰথি
আমি বীৰ জাতি, শকতি আছে দুবাহুত
ৰণৰ থলিত শতুৰু নাশি
আমি আগুৱাম খোজে খোজে ।

আহা আগবাঢ়ি বীৰ অসমীৰে দল
বাজে ৰণভেৰী.... .... ।

(২২)

মহা যুগৰ শান্তি বাণী
মহামানৱৰ কণ্ঠে কণ্ঠে,
এই পৃথিৱীত শান্তি সূৰুয
উদিত, আজি দিগন্ত কঁপে ।

যুগ দেৱতাৰ অমৰ বাণী
জাগা ভাৰতৰ জন-গণ-মন
তোমাৰ বাণীয়ে কৰিলে স্পৰ্শ
জনতাৰ মন হে নাৰায়ণ।

শান্তিদূত, মুক্তিদূত এই পৃথিৱীৰ
পঙ্কিলতা ভৰা মানুহৰ হিয়াত
সত্য, ন্যায়ৰ হ'ল ৰেখাপাত।

যুগ যুগ ধৰি অমৰ বাণীয়ে
আমাৰ মনৰ কন্দৰ কঁপাই
জগাব হিয়াত জাতীয় ভাৱ
দীপ্তস্বৰে হওক নিনাদিত
জয় ভাৰতৰ জয়।

(২৩)

যুগৰ ভেৰী বাজে সেয়া
শতিকাৰ বাণ উঠে সেয়া,
নিনাদিত হওক গিৰি গুহা বন উপবন
মুক্ত মনৰ মুক্ত আৱাহন।

দলিত, পতিত, শোষিত জনৰ
শেষ হওক আৰ্ত্তনাদ।......

যুগৰ যাত্ৰী আমি
যুগৰ বুকুত খোজৰ পেলাই চিন
আমি গাওঁ সমতাৰ, জনতাৰ গান।

মহাসাগৰৰ উৰ্মিভৰা
জীৱন পোহৰাই—
কবি, শিল্পীৰ প্ৰাণৰ পৰশে
শত হিমালয় লৰাব পাৰে।

যুগৰ ভেৰী বাজে সেয়া
শতিকাৰ বাণ উঠে সেয়া ।

(২৪)

আলোক পথৰ যাত্ৰী আমি
হিয়াত আমাৰ অমৃত বাণী
কৰাহি প্ৰচাৰ, হে নাৰায়ণ ।

দীপ্ত সুৰে পুলক জগাই
বন্দো তব চৰণ প্ৰান্তে ।

ছন্দে ছন্দে মহানন্দে
জাগক ধৰণী বিমলানন্দে ।

নমামি জন্মভূমি
নমামি জন্মভূমি
হিয়াৰ পুলক ছন্দে
বিজয় বিনন্দ কণ্ঠে
বিপুলানন্দে জয় গীতি গাই
আমি যাওঁ আগুৱাই—আগুৱাই ।

আলোক পথৰ যাত্ৰী আমি ।

(২৫)

মণিৰ দেশৰ
লক্ষীৰ দেশৰ
জ্যোতিৰ দেশৰ লোক আমি ।

জয়া, মূলা, লাচিত বীৰৰ প্ৰাণৰ সোঁৱৰণী
দেশ মাতৃৰ আৱাহনে অসমীৰে দল
জাগে, জাগে, জাগে আজি গিৰি হিমাচল
দিহিং, দিবং, দিচাং, দিখৌ বয় অবিৰাম
পুণ্যবক্ষ অসমীকে কৰি অভিৰাম ।

লুইতপৰীয়া অসমীয়া আমি
কিহৰ দুখীয়া হ'ম......
শঙ্কৰ, মাধৱ, ভট্টদেৱৰ
কীৰ্ত্তি অনুপম। ...............কীৰ্ত্তি অনপম।

সোৱণশিৰিৰ সোণ গুটিৰে
বান্ধিম আমি নতুন আলি
গড়গাৱঁৰ বাটে ঘাটে
অতীতৰে সোৱঁৰণী।

মণিৰ দেশৰ—
লক্ষীৰ দেশৰ—
জ্যোতিৰ দেশৰ লোক আমি....।

## ॥ আধুনিক গীত ॥

(২৬)

আকাশৰ সিপাৰৰ শুকুলা ডাৱৰে
কাৰেনো মনৰ বাতৰি আনে,
ফুলৰ পাতে পাতে বনৰ আঁৰে আঁৰে
বাসন্তী মলয়া বলে।

কাৰেনো বাতৰি মনতে পৰেহি
প্ৰাণত পুলক জাগে,
দূৰ নীলিমাৰ তৰা জোনবায়ে
কাকে চাই মিচিকি হাঁহে।

মৌন পৃথিবীৰ মুখত ফুটিল
ভাষা ছন্দৰ সুৰ,
বিছিন্ন ভাৱৰ শতদল ফুলে
হিয়া মন কৰি জুৰ।

আকাশৰ সিপাৰৰ.................

(২৭)

নিজম পৰত এই
সাৰে আছোঁ মাথো মই
আকাশৰ ৰূপ চাই চাই ॥

লুইতৰ ৰূপালী বালিত
নিশাচৰ জন্তুৰ আৰাৱ
জীৱন তৃষাৰ ।

জ্বলি জ্বলি শেষ হ'ল
ধূপ দীপ ৰাজি
ৰই গ'ল সুবাস সুগন্ধি
অদূৰত শুনা গ'ল
জীৱনৰ সুৰ সমলয় ।

মনৰ বনত কান্দে
প্ৰাণপক্ষী মোৰ
শেষ হ'ল এই—
তন্দ্ৰাবিভোৰ ৰাতি ।

নিজম পৰত এই
সাৰে আছোঁ মাথো মই
আকাশৰ ৰূপ চাই চাই ।

(২৮)

এই বাটেদি কত বাটৰুৱা
আগবাঢ়ি বাঢ়ি গ'ল
খোজৰ পেলাই চিন ।

কত আবেগৰ কত উলাহৰ
গীতবোৰ হেৰাই গ'ল,
সেই সুৰেৰেই মুখৰিত পথ
আজিও জিলিকি ৰ'ল ।

মধু মালতীৰ পাপৰি শুকাল
লেৰেলি পৰিলে ৰেণু,
গন্ধ বিধুৰ সুৱাগী সপোনে
বজালে মোহন বেণু ।
বই গ'ল কত জীৱনৰ সঁুতি
নিবিড় কামনা লই,
সৰি পৰা ফুল মৰহি শুকাল
প্ৰীতিৰে গীতি গাই ।

(২৯)

কাৰেনো মনৰ আবেশ সানি
কোনে কাৰ গীতি গাই যায়
নতুন দিনৰ নতুন সুৰেৰে অই ॥
আদিম মানবে গোৱা
প্ৰলয়ৰ গীতি
নিশাৰ এন্ধাৰ ঠেলি
দিনৰ পোহৰ মাতি
নতুনকে কৰে আবাহন ।
মনৰ সুৰভিয়ে চেতনা জগাই
ঘনঘোৰ ডাৱৰৰ কণিকা সৰে
পৃথিৱীত প্লাৱন নামে ।
মনৰ অজন্তাত প্ৰাণৰ পচোৱাই
সুৰৰে দেউল তুলিলে কঁপাই
আজি জীৱনৰ ৰংঘৰ সুৰে মহীয়ান !
কাৰেনো মনৰ........

(৩০)

শেৱালিৰ পাহি সৰে
দূৰণিৰ পক্ষীজাকে,

দিগন্তত মিলি যায়..........
মিলি মিলি মিলি যায়।

সন্ধিযাৰ বতাহত
চিকিমিকি এন্ধাৰত,
আঁৰে আঁৰে জিলিকিব
মিলন মাধুৰী সনা
ৰূপৰ গৰিমা ভৰা,
জীৱনৰ সুৱদী সপোন।

প্ৰাণত জোঁৱাৰ তুলি
জীৱনৰ অশান্ত বতাহে,
মনৰ কাৰেংখনি কৰে তোলপাৰ।

(৩১)

আহিব নতুন বেশে
হিয়াৰ গৰিমা ঢালি,
মউসনা মাধুৰীৰ
দীপ্ত আলোড়নে
প্ৰাণে প্ৰাণে তুলিলে কম্পন।

জীৱনে জাগৃতি লভে,
জোনাযে মিচিকি হাঁহে
প্ৰদীপ নুমাই গ'লে ;
নুঠিব দুনাই জ্বলি।

চগা আৰু চাকিটিৰ
জীৱনৰ ইতিহাসে
কাকনো সামৰি লৈ,
জীৱন সুঁতিৰ পাৰে পাৰে
মিলন বাতৰি যাচে আঁৰে আঁৰে।

আহিব নতুন বেশে ....

(৩২)

তুমি আহিবা,
ৰদালি তুমি আহিবা
জীৱনৰ পাৰে পাৰে,
বিলাই দিবাহি ........
জ্যোতিৰ সুৰঞ্জন ।

তোমাৰ শুভ্ৰ পৰশনে
মন ফুলনিত সানিব ৰহন ;
ছন্দসনা গীতি সুমধুৰ ।
কুঁহিপাত উঠিব উজ্বলি,
নিয়ৰ-মুকুতা, মণি
তুমি তাৰ আঁৰে আঁৰে,
চিকিমিকি ৰূপালী আভাৰে
বসুধাৰ বিমল হিয়া........
কৰিবা মূৰ্ত্তিমান ।
তুমি আহিবা ........

(৩৩)

তোমাৰ কণ্ঠৰ গীতৰ লহৰে
মোৰ ফুলনিত ফুলাই তোলে
হাজাৰ চম্পা, পলাশ, বকুল ।

আবেগভৰা হিয়াৰ মাজত
তোমাৰ সিক্ত মধু মালিকাই,
মোৰ অন্তৰৰ পূজাৰ বেদীত
নিতে যাচি যায় শত উপাচাৰ ।
ৰিক্ত হিয়াৰ তীব্ৰ আলোড়নে,
মনৰ সাগৰ থৌকিবাথৌ

সাধনাৰ ফুলকলি বিষিনিৰ বতাহত,
ঘণে ঘণে কঁপি উঠে মানস কুঞ্জত।

তোমাৰ কণ্ঠৰ ........

(৩৪)

কনকচম্পা ফুল সুবাসে
হাজাৰ দিনৰ স্মৃতি আনে
জোনালী কিৰণ সানি ।

সূৰুযৰ পোহৰে সপোন জগাই
সোৱণশিৰিৰ সোণালী পানীত
বালিচন্দা ভৰা ৰূপালী বালিত,
অশেষ স্বপ্নৰ বার্ত্তা ভাহে
নতুন দিনৰ কবিতা ৰচে ।

নৈৰ পাৰে পাৰে সেউজী সুৰভি
বিহগৰ সুৰে কঁপাই বননি ;
নিবিড় চেতনা জাগে ।

ৰদ চিকিমিকি বালি চকোচকী ;
মাটিতে মৰম সিঁচে ।

কনক চম্পা ফুল সুবাসে .... ....

(৩৫)

মৰমী,
মোৰ হিয়াৰ আকাশ
তোমাৰ ৰূপেই পোহৰ কৰা । -

গহীন নিজম মনৰ কানন
তোমাৰ সুৰেই ৰজনজনা ।

চকুৰ পাহিত লৰেচৰে,
হাজাৰ ফুলৰ সুবাস সানে ।

ফুলে ফুলে হাঁহিৰ ঢৌৰে
মৰততে সৰগ ৰচে।
তোমাৰ হিয়াৰ মৰম প্ৰীতি
মোৰেই মাজত সাজন কাঁচে।

প্ৰাণৰ প্ৰাণত চকামকা
বিজুলীৰে ক্ষণিক দেখা,
জীৱন ফুলৰ পাহি লবে
তোমাৰ মধু পৰশনে।

মৰমী, মোৰ হিয়াৰ আকাশ....

(৩৬)

দূৰৰ পক্ষীয়ে লগৰী বিচাৰি
দিগন্ত ধিয়াই যায়,
সাত সাউদৰ বেহাৰ কাৰণে
সময়ো উকলি যায়।

মুৰুলি ধ্বনি যমুনা গীতি
সোণালী কিৰণ ৰেখা
নীল আকাশৰ সজল ডাৱৰে
অস্ফুট ভাষাৰে কোৱা।

মলয়াৰ ছাটি বয় ধীৰে ধীৰে
বসুধা শীতল কৰে
বৃষ্টি কণাই চৌদিশ ঢৌৱাই
পৃথিৱী শস্যে ভৰে।

মধু মালতীৰ হিয়াৰ হিয়াত
সৰগী মুকুতা মালা,
সৰগৰ তৰাই দীপালী পাতিলে
চেনেহৰ পাৰভঙা।

## —বনগীত—

(৩৭)

অ' ৰঙালী
অ' বহাগী
মৰমৰ বিহুটি ঐ........

নাহৰ ফুল ফুলিলে
কপৌ ফুল ফুলিলে
ফুৰোঁ বনে বনে মই ।

মলয়াৰ বা-তে
গা ঢালি দিলে
পথাৰৰ লখিমী ঐ
ফুৰোঁ বনে বনে মই ।

নৈৰ শুৱনি
পানীৰে যুৰলী
মাছে জাকি মাৰে ঐ

পাৰবে বালিতে
কাচই কণী পাৰে
লেখি লেখি ছঅঁৰা ঐ

অ' ৰঙালী
অ' বহাগী
মৰমৰ বিহুটি ঐ ।

(৩৮)

এই ঘাটেৰে পানী নিবলৈ
কাষত কলচী লৈ
গাৱঁৰে জীয়াৰী বোৱাৰী সকলে
আহে ৰঙমনে কেনে ঐ ।

আমাৰ জীৱনৰ পছোৱা বা-ই
উৰুৱাই নিলে মনৰ চৰাই
কোনোবা ধুবুৰীলৈ ....।
ঐ আহে ৰঙমনে কেনে ঐ
গাৱঁৰে জীয়াৰী বোৱাৰী সকলে
কাষতে কলচী লৈ
এই ঘাটৰে ........

(৩৯)

বনৰে হৰিণী
অতিকৈ আজলী
জিৰ্ জিৰ্ নিজৰাৰ পাৰতে বৈ
চাই কিনো ঐ।
দূৰৰে ৰদালি
আহে জিকিমিকি
নোৱাৰে পশিব,
গহীন কানন ভূমি
জিৰ্ জিৰ্ নিজৰাৰ পাৰতে বৈ
চাই কিনো ঐ
সেউজী পথাৰত
হৰিণী চৰিলে,
বননি শুৱনি কৈ।
পথাৰৰ শুৱনি
সোণালী ধাননি
হালে জালে কেনে ঐ।

(৪০)

বনফুল এপাহি বনতে দেখিলোঁ
দেখি মিচিকিয়াই হাঁহে,
ৰমক জমক কেনে মনোমোহা
সৰগৰ সুৰভি তাতে।

বনৰ বনৰীয়া সেই পাহ ফুলতেই
বনৰীয়া গোন্ধ ভাহে
গাভৰু পৃথিবীৰ এইখন বননিত
জীয়া জীয়া গোন্ধ উটে ।
অ' মোৰ চেনাইটি,
সেই পাহ ফুলকেই ল সযতনে
জানো কৰবাত লাগে........
অ' ককাইটি জুৰণি
তোৰ মান শুৱনি নাই
চেনাইটি ঐ
সেই পাহ ফুলকেই লম
তোৰে মান শুৱনি নাই,
ৰূপৰে তুলনা নাই ।

(৪১)

সোণপাহী ঐ
এইবেলি নাহিবি তই
এইবেলি বহাগত
তয়ো উচুপিছ
ময়ো উচুপিছোঁ।
জীৱন নৈৰ জাঁজীতে বৈ
এইবেলি নাহিবি তই
সোণপাহী ঐ
এজাৰ ফুল ফুলিলে
নাহৰ ফুল ফুলিলে
আমাৰ ফুল মুকুলিল
মিছাতে মৰহি গ'ল ।
আৰু বেলি বহাগত মৰনৈৰ বানে
আমাৰ বিয়াখন ভাঙি থৈ গ'ল......।
সোণপাহী ঐ......।

(৪২)

বৰনৈৰ বুকেদি টুলুঙা নাৱেৰে
কণমাই আঁতৰি গ'ল,
সাদৰী মাতেৰে কোনেনো মাতিব
মনত বেথালগা কৈ ঐ........
ৰূপহী নৈৰে সোণালী বালিতে
আকাশৰ তৰা-ফুল পাৰতে বাচিলৈ
কণমাই কেনিবা গ'ল
মৰমবোৰ সামৰি লৈ।
ককাঁলৰ নাচোনে কাকেনো মুহিলে,
মৰমৰ টানেৰে হিয়া কাৰ বান্ধিলে
সাদৰী মাতেৰে কোনে মাত লগাব
মনত বেথা-লগাকৈ ঐ....
বৰনৈৰ বুকেদি .... ....

(৪৩)

আঘোণৰে পথাৰত
বেলিয়েনো আঁটে মানে
কাচিয়েনো কাটে মানে
গুণ, গুণ সুৰে কিনো গাই
আমাৰ দাৱনীয়ে দায় - ঐ
আমাৰ দাৱনীয়ে দায়।
গাৰেনো ভঙ্গীমা
চাবা কিনো মনে মা
হাতৰনো বুলনি কি চাবা।
চকুৰেনো পচাৰত
মুঠিটি ঐ ভৰিলে
আমাৰ দাৱনীয়ে দায় ঐ
আমাৰ দাৱনীয়ে দায়।

(৪৪)

গাৱঁৰে এমূৰত চেনাইৰ ঘৰ আছিলে ....

.... .... .... ....

চেনেহী চিকুণী গাওঁ ঐ
কেনেকৈ পাহৰি যাওঁ ।

যোৱা বছৰতে বৰ নৈৰ বানতে
চেনাইৰ ঘৰ উটি যে গ'ল .. ..
হিয়াত মোৰ জ্বলিলে জুই .. ।

নাহৰ ফুল ফুলা নাই
কপৌ ফুল ফুলা নাই
গোন্ধে আমোলমোল হৈ .. ।

কাৰেনো কথাটি মনতে পৰেহি
ৰিব্ ৰিব্ মলয়া বয় ।

পছোৱা বতাহে মনৰে বাতৰি
লৈ যায় চেনাইলৈ মোৰ ।

গাৱঁৰে এমূৰত .. ..

(৪৫)

ফুলামকৈ গামোছাত
কিনো ফুল বাচি লৈ
ক'তেনো লগালা কেনা
অ' নাজিতৰা,
ক'তেনো লগালা কেনা ।

কাৰেনো ভাৱনাই
মনৰ দোৰেপতি—
চলাই ঘনেপতি ঐ—
কাৰেনো কথাক্কে গুণা ।

বিহুৱান খনিতে
মনৰ বাতৰিয়ে,
সপোনে ৰহন সনা,
অ' নাজিতৰা
কাৰেনো কথাকে গুণা ।

(৪৬)

তাঁতৰে শালতে
ঘনকৈ চেৰেৰে
মাকোটি মাৰিছে কোনে ?
উদুলি মুদুলি
ৰাধাৰে পদূলি
কোন ক'ত যাবৰ মনে ?
উৰুকা আহিছে
মনবোৰ লৰিছে
ফুলাম গামোছাৰে
বিহুটিক মাতিছে ।
অসমৰ জীয়াৰী
অসমৰ বোৱাৰী
খোপাত লৈ কপৌ ফুল পাহি
আনন্দে অধীৰা
পিন্ধে বন-কৰা
বিহুলৈ এদিনহে বাকী ।

# বৈৰাগী গীত

(৪৭)

অকলৈ আহিলোঁ মায়া বজাৰলৈ (২)
লগতো সাৰথি নাই
বজাৰত গধূলি হ'ল—

চাকি তেল শলিতা নহ'ল বঢ়াবলৈ
এন্ধাৰত যাবলৈ হ'ল—
অধমৰ কি গতি হ'ল।

বেলিটি দিলে লাহ মন্দিৰত বাজিল কাঁহ
কীৰ্তনে লগালে ধ্বনি ঐ সাখিনা
কথাৰো নথবি বাকী ঐ সাখিনা
থাপনাত লগালে চাকি
মোৰ গুৰু ঐ
থাপনাত লগালে চাকি।

(৪৮)

চিত তই আপোনাৰ হিত
মায়াৰ মাধুৰী পাই
আনন্দৰ পাৰ নাই
পৰলৈ কি লৈছা বিতে হেৰ মন তই
চিত তই আপোনাৰ হিত।

হে মন বেপাৰী
কি ধনে বোহলা হাটে মন বেপাৰী
কি ধনে (২) বেহালা হাট।
বৈকুণ্ঠলৈ যাবলৈ সাধু-সঙ্গ নললা
চিনিওঁ নললা বাটে মন বেপাৰী
কি ধনে বেহালা হাট।
চিত তই আপোনাৰ হিত।....

## ॥ ঝুমুৰ গীত ॥

(৪৯)

ভজু গিৰিবৰধাৰী, ভজু গিৰিবৰধাৰী, ভজু গিৰিবৰধাৰী, যদুকুলে ললিত মুৰাৰী, সন্তজন হিতকাৰী। ভজু গিৰিবৰধাৰী গ্ৰহ গ্ৰসিতকৰী অদৰ বিদাৰী. প্ৰগটে প্ৰভু খণ্ডা ফাৰি, ভক্ত প্ৰহ্লাদকে উবাৰী, সুজন বহল ভাৰী। ভজু গিৰিবৰধাৰী। ত্ৰাহি মধুসূদন কহী, দ্ৰোপদী পোকাৰি, খিচঁত হামৰ শাৰী ভাৰতভূমি অওপাৰি, নিৰখি গজ ঘট ভাৰী। ভজু গিৰিবৰধাৰী নিসি বাসৰ 'লেদাৰাম' বেদ উচাৰী, খভৈৰ লেছ চক্ৰধাৰী মোহি অধমকে উবাৰী, শৰণ ৰাখু গিৰিধাৰী, ভজুগিৰিবৰ।

(৫০)

কঁহে উধ আঁৰে যদুবীৰ, চিতে ধৰু ধীৰ, কঁহে উধ আৰে যদুবীৰ ॥

চিতে ধৰু ধীৰ, কঁহে উধ আঁৰে যদুবীৰ,
তঁহী লাগী ব্ৰজৰাজ, অবসে আঁৰে, আজ মেটিহেঁ
মদন তন পীৰ ।।
চিতে ধৰু ধীৰ, কঁহে উধ আঁৰে ।
পঞ্চশৰকে বান, সকল মেটিহেঁ কান, হৰি হেঁ সকলসে ভীৰ ।।
চিতে ধৰু ধীৰ কঁহে উধ আঁৰে ।
কহে দুতী চুনো প্যাৰী, কাহে তঁহে মনমাৰী মতি চিতে কৰহু
ফিকিৰ ।।
চিতে ধৰু ধীৰ, কঁহে উধ আঁৰে .. ..
চিতে ধৰু ধীৰ, কঁহে উধ আঁৰে .. ..
ৰূপ স্বৰূপ' ভনে কহত ন অব বনে, সময় সমুঝি বহে নীৰ ।
চিতে ধৰু ধীৰ কঁহে উধ আঁৰে ..

(৫১)

চঢ়ল আষাঢ় মাসে, বৰীসত নীৰ গোই, নঁহী আলঁয়,
ৰ মনকে মহনৰা নঁহী আলেঁ ।। চঢ়ল আষাঢ় মাসে .. ..
আলেঁ ।
ঘটা জৰল নভ গৰজত ঘনঘোৰ গোই ছনে ছনে,
দামিনী দমকত জৰ গোই, ছনে ছনে ।। চঢ়ল আষাঢ় মাসে
নাচত মৰ মন, মৰ বিলোকী গোই, কোয়লী জৈসে.. ..
সে বলত সুহান গোই, কোয়লী জৈসে ।। চঢ়ল আষাঢ়
মাসে

পপিহাকে ধুনি সুনি, ফড়কত উৰ গোই চঁহু দিসে,
দাদুলি কৰত অন্দোৰ গোই চহু দিসে ॥ চঢ়ল আষাঢ় মাসে ....
দ্বিজ জীতনাথ কহে হৰি হিয়ে ৰাখি গোই গুণি গুণি
নীন্দ পৰে নহী ৰাইত গোই, গুণি গুণি ॥ চঢ়ল আষাঢ়, মাসে।

(৫২)

অচকে ভেটলী ঘনশ্যাম, গোই সজনী অচকে ভেটলী ঘনশ্যাম ॥
অচকে ভেটলী .. ..
ৰগড়লী চোৱা চন্দন, অঙ্গমেঁ লগালী, সেহো চন্দন কৰে গমাগম,
গোই সজনী, অচকে ভেটলী ঘনশ্যাম। গোই সজনী অচকে
ভেটলী ..
কণ্ঠমেঁ কাছন কৰী, মুখমেঁ মুৰুলীধৰী কদম তৰ
ভেলী ঘনশ্যাম,
গোই সজনী অচকে ভেটলী ঘনশ্যাম ॥ গোই সজনী
অচকে ভেটলী ঘনশ্যাম ॥
কহত আনন্দ গীত, সবসে লাগল প্ৰীত, মুখহি
ভজু ৰাম ৰাম,
গোই সজনী অচকে ভেটলী ঘনশ্যাম। গোই সজনী
অচকে ভেটলী ঘনশ্যাম।

---